ৰহযজ্ঞ : [ গল্প সংকলন ]/প্ৰথম প্ৰকাশ : মাঘবিহু ১৮৯৮ শক, জানুৱাৰি ১৯৭৭ ইং/প্ৰকাশক : ভৱানী পাবলিচিং কনছাৰ্ণ, ১ / এইচ, ৰাধানাথ মল্লিক লেন, কলিকতা ৭০০০১২/মুদ্ৰক : তাৰা প্ৰেছ, ৪৪ সুধীৰ চেটাৰ্জী ষ্ট্ৰীট কলিকতা ৭০০০০৬। প্ৰচ্ছদপট ছপা আৰু ব্লক : প্ৰচেছ এণ্ড এলায়েড গিল্ড, ১২, প্ৰতাপ চেটাৰ্জী লেন, কলিকতা ৭০০০১২ 'বেটুপাতৰ শিল্পী : তুষাৰ সান্যাল।

ৰেচ : ৮.০০ মাথোন

সাত আঠ বছৰ বয়সৰ ঘটনা। সেই বছৰ বাৰিষা নৈত ঢল নামি আমাৰ ঘৰৰ আগৰ খালটো চপ্‌চপীয়া হৈছিল; আলিবাটৰ ওপৰেদি পানা বাগৰিছিল। খালটোৱেদি যোৰহাটৰ তৰাজান বোলা জানটোলৈ ডেৰ কুৰি নল মান হ'ব।

তেতিয়া গৰমৰ বন্ধ, স্কুল নাই। পানী চাই বৰ ফূর্তি লাগিছিল। ভূৰ এখন সজোৱাই লৈ পুৱাৰ পৰা ভূৰ খেলাবলৈ লাগি গ'লো। ভূৰ খেলাই থাকোতে হঠাৎ মোৰ মূৰত এটা বুধি জাগিল। ভূৰ এৰি পোন দাহেই চাহাবৰ ঘৰ ওলালোগৈ। চাহাব মানে বিলাতী চাহাবৰ কথা কোৱা নাই। চাহাব মোৰ এটি বন্ধুৰ নামহে; সম্বন্ধো লাগে। তাৰ মাক মোৰ মাইৰ (অর্থাৎ আইৰ) সম্বন্ধীয়া বায়েক আছিল।

চাহাবক গৈ ক'লো, "এই ঘৰৰ পৰা পলাওঁ ব'ল।"

সি সুধিলে, "কিয় ?"

মই ক'লো, "পলালে কেনে মজা হব ভাবি চাচোন। মায়ে আৰু জেঠায়ে কান্দিকাটি হুৱা—তুৱা লগাব, দেউতাহঁতে আমাক বিচাৰি হাবাথুৰি খাব। বিচাৰি উলিয়াব পাৰিলে আমি আকৌ ঘূৰি আহিম।"

কথা গৰকি চাই চাহাবেও বোধকৰোঁ থিৰ কৰিলে যে পৰিকল্পনাটো বেয়া নহয়। সি সুধিলে, "কেতিয়াকৈ পলাবি, কেনেকৈ পলাবি ?"

মই ক'লো, "আজিয়েই পলাবলৈ বঢ়িয়া হৈছে। মাই ৰাতিপুৱাই বজাহাউলিলৈ (আমাৰ পুৰণা গাঁও) গ'ল। তাত কাৰোবাৰ শৰাধ নে কিবা আছে বোলে। গধূলিকৈহে উলটিব। দেউতাও মফছলত। মই ভূৰ এখন সজোৱাই থৈছো। আমাৰ ঘৰৰ আগৰ খালটোৱেদি তৰাজানত গৈ পৰিলে, ভূৰ বাবই নালাগিব। সোঁতে উটুৱাই আমাক নি ভোগদৈত পেলাব, ভোগদৈয়েদি গৈ ব্ৰহ্মপুত্ৰ পাম,

ব্ৰহ্মপুত্ৰই দি গৈ গৈ সাগৰ পামগৈ। এবাৰ গৈ সাগৰ পালে, সাগৰেদি গৈ আমি বিলাতত ওলাবগৈ পাৰিম।

—ধেৎ, বিলাতলৈ এতিয়া কেনেকৈ যাবি?

—কেলেই নো যাব নোৱাৰিম?

—এতিয়া ইংৰাজৰে জাৰ্মানৰে যুদ্ধ চলিছে, পাহৰিলি নে কি? বিলাতলৈ গ'লে জাৰ্মানইঁতে আমাক ধৰি লৈ যায় যদি?"

গমি চাই বুজিলো বিলাতলৈ যোৱা নিৰাপদ নহব; ক'লো, "বিলাতলৈ নাযাওঁ তেনেহলে। সাগৰৰ পাৰত বন্দৰবোৰ আছে নহয়। সিদিনা যে কমলা মাষ্টৰে বন্দৰ কাক বোলে আমাক বুজাইছিল মনত আছে নে নাই?

—আছে।

—ভাল চাই বন্দৰ এটা বিচাৰি লৈ তাতে আমি থাকিম। চাহাব মোতকৈ অলপ প্ৰেক্‌টিকেল আৰু দূৰদৰ্শী আছিল হ'ব পায়; সি তাৰ পাছত সুধিলে, "বাটত খাবি কি?"

—কেই খৰাহিমান লুচী, মালপোৱা আৰু মোহনভোগ বনোৱাই লম।

—সেইখিনি শেষ হলে?

—ধেৎ, তই এটা বূৰ্বক। সিমানবোৰ কথা ভাবিলে পলাব পাৰিনে? বন্দৰ এটাত গৈ ওলালে আমি খাবলৈ নাপাই মৰিম বুলি ভাবিছনে?

সোণালী ভৱিষ্যতৰ যিখনি ৰংচঙীয়া ছবি চাহাবৰ চকুৰ আগত মই দাঙি ধৰিলো, সেই খনিৰ কথা ভাবি সি বিভোল হ'ল। সকলো সন্দেহ ভঞ্জন হোৱাৰ পাছত কলে, "ব'ল তেন্তে পলাওঁ।"

মই কলো, "মই খোৱা বস্তুৰ যোগাৰ কৰোঁগৈ। দহ এঘাৰ মান বজাত তই আহিবি। তেতিয়াই পলাবলৈ ভাল হ'ব।"

সেই বন্দবস্ত কৰি মই ঢপলিয়াই ঘৰ পালোহি। বান্ধনি-বাপুটিক

খাটিলুটি তিনি খৰাহি লুচী, মালপোৱা আৰু মোহনভোগ বনোৱাই ললো। ভূৰখনত চাৰিডাল বাঁহৰ খুঁটি পোতাই, চুৰিয়া আৰু চাদৰেৰে বেৰ চাল দি ঘৰ এটাও সজোৱা হ'ল।

দহ বজাৰ পাছত চাহাব ওলালহি। বাটত খাবলৈ লোৱা বস্তুবোৰ নি ভূৰত তেলা হল। ভূৰ বাবলৈ চাহাবে বাঁহৰ আগ এটা হাতত লৈ এমূৰে থিয় দিলে। ময়ো এটা বাঁহৰ আগ হাতত লৈ সিমূৰে থিয় দিলোঁ। আমাৰ ৰান্ধনি বাপুটিজন ( নাম আছিল কণ্ঠী ) অলপ বয়সিয়াল মানুহ আছিল। তেওঁ ক'লে, "বাপাই, খালটোত যিমান ভূৰ খেলাবৰ মন যায় খেলোৱা, পিছে জানটোলৈ হ'লে নাযাবা দেই। জানটোলৈ গ'লে কোনখন পাবা গৈ তাৰ ঠিকনা নাই।"

তেওঁৰ কথাৰ আমি উত্তৰ নিদিলো; ভাবিলো, কোনোবাখন গৈ পাবলৈকেতো আমি ওলাইছো।

আমাৰ সাগৰ যাত্ৰা আৰম্ভ হ'ল। পঞ্চাছ গজ মান আগ বাঢ়িছো, এনেতে বিনামেঘে বজ্ৰপাত! সিপিনৰ পৰা ( এতিয়া য'ত দেবীচৰণ বৰুৱা ছোৱালীৰ কলেজ হৈছে, সেই পিনৰ পৰা ) দেখোন চাহাবৰ ককায়েক বিপিন দাদা খোজ কাঢ়ি আহিব লাগিছে। চাহাবৰ ৰঙা মুখখন বগা পৰি তুলাপাত যেন হ'ল। ভয়ত পেঁপুৱা লাগি মই লাহেকৈ কলো, 'বেগেতে ঘৰটোৰ ভিতৰলৈ সোমা।' কিন্তু, সি ইমান ভয় খাইছিল যে তাৰ লৰচৰ কৰাৰ শক্তি নোহোৱা হল; য'ত আছিল তাতে ঠৰ হৈ থিয়দি ৰ'ল, 'ভৰপানীত তঁহতে এইখন কিহৰ ধেমালি লগাইছ' বুলি দাদা খালটোৰ দাঁতিলৈ আহিল। খালটো ঠেক আছিল; ভূৰখনতকৈ অলপ হে বহল। সোধ পোছ নাই, খপ্ কৰে তেওঁ চাহাবৰ হাতত থকা বাঁহটোত ধৰি ভূৰখন পাৰলৈ টানি নি, কাণ এখনত ধৰি তাক আলিবাটলৈ তুলি চোঁচৰাই নিয়াদি ঘৰৰ পিনে নিবলৈ ধৰিলে। এবাৰ ঘূৰি চাই ভেকাহি মাৰি মোক কলে, "ভালে ভালে ঘৰলৈ যাগৈ।"

আমাৰ সোণৰ সপোন আচম্বিতে এইদৰে ভাগি যোৱাত সেইদিনা অন্তৰত যে কি দুখ পাইছিলো, মোৰ মনেহে জানে। তাৰ আগত কোনো দিনা বুকুৰ মাজত তেনে তীব্ৰ বেদনা অনুভৱ কৰা মনত নপৰে। টপ্ টপ্ কৰে মোৰ চকুৰ পানী পৰিবলৈ ধৰিলে। বেজাৰ-মুৱা হৈ ঘৰ সোমালোগৈ। লগুৱাইঁতে খোৱা বস্তুবোৰ ভূৰৰ পৰা নমাই আনিলে। বাপুটিয়ে সেইবোৰ ৰান্ধনিঘৰত লুকুৱাই থলে। ভূৰৰ ওপৰত সজোৱা ঘৰটোও ভাঙি পেলোৱা হ'ল।

আমাৰ পৰিকল্পনাৰ এনে অভাৱনীয় পৰিণতিয়ে মোৰ হিয়াত এনে নিদাৰুণ আঘাত দিলে যে প্ৰায় গোটেই নিশাটো টোপনি নাহিল। ৰাতি পুৱাওঁ পুৱাওঁ হওঁতে চিলমিলকৈ টোপনি আহিছে এনেতে গাত কোনোবাই হেঁচোকা গম পালো। সাৰ পোৱা যেন হৈ দেখো চাহাব। ভালকৈ মই চকু মেলিব'লে নৌ পাওঁতেই সি সুধিলে "এই, তই চব খাই পেলালি নে কি ?"

—কি চব খাই পেলালো নে কি ?

—কালি বনোৱা বস্তুবোৰ ?

বুজিলো, তাৰো হয়তো সেই নিশা টোপনি অহা নাছিল। কিন্তু তাৰ চিন্তা আছিল বেলেগ বিধৰ। যি কি নহওক বাপুটিক জগাই, চেঁচা লুচী, মালপোৱা আৰু মোহনভোগেৰে আমি বঢ়িয়াকৈ চাহ খালো।

সেই ঘটনাৰ দিন ধৰি চাহাবৰ দাদাকৰ বিৰুদ্ধে মোৰ মনৰ মাজত যিটো আক্ৰোহ আৰু শত্ৰুতাৰ ভাবে ঠাই লৈছিল সেই ভাব আঁতৰিবলৈ ভালে দিন লাগিছিল। যমদূত বোলা প্ৰাণী এটাৰ নাম সৰুতে শুনিছিলো, তাৰ আকৃতিটো কেনে ধৰণৰ অনুমান কৰিব পৰা নাছিলো। ঘটনাৰ দিনা দাদাক দেখি মোৰ মনত ভাব হৈছিল যে যমদূতটো সাইলাখ তেওঁৰে লেখীয়া নিশ্চয় হ'ব। বুজন হোৱাৰ পাছত এইবিলাক কথা মনত পৰি মাজে-সময়ে হাঁহিছিলো ; ভাবিছিলো, যমদূতৰ ৰূপত

চাহাবৰ দাদাক সেই দিনাৰ সেই সন্ধিক্ষণত দৈবক্রমে নোলোৱাহি হু'লে আমাৰ বা কি বিলৈ হ'লহেঁতেন, কোনে জানে ?

ইংৰাজীত এষাৰ কথা আছে, বোলে History repeats itself। ১৯৫৮ চনত আৰব সাগৰৰ পাৰত কেৰালা ৰাজ্যৰ উত্তৰ পিনলৈ অৱস্থিত মাহে বোলা ঠাই এডোখৰত মই চাকৰি কৰি আছিলো। মোৰ বঙলাটো সাগৰৰ গাতে লগা। দীঘে সমানে এফাল সাগৰৰ বুকুতে। সাগৰৰ পিনৰপৰা ঘৰটো প্ৰকাণ্ড এখন জাহাজ যেন দেখি। ঘৰৰ সমুখৰ পকী চোতালখন সাগৰৰ ঢৌৱে দেৱালৰ ওপৰেদি পাৰ হৈ মাজে মাজে ঢৌৱাই দি যায়। ওপৰ মহলৰ বাৰাণ্ডাত বহি মাছমৰীয়াৰ বৰনাওবোৰ সাগৰেদি অহা-যোৱা কৰা আমি চাই থাকো। মোৰ সৰু মাজুল'ৰাটো তেতিয়া সাত-আঠ বছৰীয়া হৈছিল। সি সেই দৃশ্য চাই বৰ ৰং পায়।

মাছমৰীয়াহঁতে জালেৰে সাগৰত মেকেৰেল, পমফ্ৰেট্ আদি মাছ ধৰি বৰ বৰ নাও একোখন বোজাই কৰি কান্যকুমাৰীয়েদি ঘূৰি মাদ্ৰাজলৈ মাছ লৈ যায়। তাৰপৰা দেশ দেশান্তৰলৈ মাছ ৰপ্তানি হয়।

মাহেৰ ফিশ্বাৰি ইন্স্‌পেক্টৰজনৰ লগত মোৰ সাত-আঠ বছৰীয়া ল'ৰাটোৰ কেনেবাকৈ বৰ বন্ধুত্ব হ'ল। এদিন সি আহি মোক কলে, "দেউতা, ফিশ্বাৰি ইন্সপেক্টৰে মোক মাদ্ৰাজলৈ লৈ যাব বুলি কৈছে।"

মই সুধিলো ঃ "হয় নেকি ? কেতিয়াকৈ যাবি ?"

—কাইলৈ ইয়াৰপৰা কেইবাখনো মাছৰ নাও বোলে মাদ্ৰাজলৈ যাব। তাৰে এখন নাৱতে তেওঁ যাব ; ময়ো যাম।

—মাদ্ৰাজ গৈ পাওঁতে কেইদিন লাগিব ?

—মাছধৰা মানুহবোৰে বোলে বাটে বাটে মাছ ধৰি ধৰি যাব। মাদ্ৰাজ গৈ পাওঁতে ছমাহমান লাগিব।

—বাটত কি খাবি ?

—সিহঁতে বোলে শুকান মাছ, নিমখ আৰু জলকীয়াৰে ভাত খায়। ময়ো তাকে খাম ; বৰ মজা হ'ব। মই যাম তেন্তে, নহয়নে ?

ল'ৰাটোৰ কথা শুনি আৰু ধাউতি দেখি, নিজৰ জীৱনত ঘটা সৰুকালৰ ঘটনাটোলৈ মনত পৰি মোৰ পেটে পেটে হাঁহি উঠিছিল, মুখৰ ওপৰতে না কৰি তাক নিৰাশ কৰিবলৈ টান পালো। কলো, "মাৰক সোধগৈ, যাবলৈ দিয়ে যদি যাবি।"

তাৰ পাছত গৈ সি মাকক কুটুৰিবলৈ লাগিল। মাকে একো নোকোৱা দেখি সি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলত তেওঁ ক'লে, "দেউতাৰে যাবলৈ দিয়ে যদি যা।"

আকৌ সি আহি মোৰ ওচৰ পালেহি।

এইদৰে এবাৰ মোৰ গুৰিলৈ, এবাৰ মাকৰ গুৰিলৈ বেডমিণ্টনৰ শ্বাট্‌ল ককটোৰ দৰে, অহা-যোৱা কৰি যেতিয়া সি বুজিব পাৰিলে যে তাক যাবলৈ দিয়াৰ মতলব আমাৰ নাই, তেতিয়া উচুপি উচুপি গৈ বিছনাত পৰিল। সেইদিনা দুপৰীয়া লঘোনে থাকিল। কি নো কৰিছে এবাৰ চাবলৈ গৈ দেখো সি লালকাল টোপনিত। টোপনিত মাজে মাজে একোটা বুকুভঙা হুমুনিয়াহ কাঢ়িছে, কেঁচুৱা ল'ৰা-ছোৱালীয়ে টোপনিত ফেকুৰাদি মাজে মাজে ফেকুৰিছে, উচুপিছে। দৃশ্যটো দেখি বৰ মনোকষ্ট হ'ল, কিন্তু কৰাৰো একো উপায় নাছিল। ভাগ্যে জানিবা, সৰু ল'ৰাৰ দুখ বেজাৰ সৰহ পৰ নাথাকে।

শৈশৱৰ, কৈশোৰৰ, যৌৱনৰ সকলোবোৰ আশা-আকাঙ্ক্ষা যদি পূৰণ হ'লহেঁতেন, মানুহৰ জীৱন দুখৰ এক গধুৰ বোজা নহৈ, সুখৰ কেনে এক মধুময় সপোন হ'লহেঁতেন।

মোৰ বয়স তেতিয়া দহ এঘাৰ। দেউতাই ছমাহৰ ছুটি লৈ ঘৰৰ সকলোটিকে পুৰীলৈ ফুৰাবলৈ লৈ গ'ল। সাগৰ আগতে দেখা নাছিলো। পুৰে ডাঁৰ দিয়াৰ লগে লগে ৰেলৰপৰা নামি ঘোঁৰা-গাড়ী দুখনত মালমতং বোজাই দি, আগৰেপৰা বন্দৱস্ত কৰি থোৱা 'ললিত কুঞ্জ' নামেৰে সাগৰৰ পাৰৰ কেৰেয়া ঘৰ এটাৰ পিনে আমি যাবলৈ ধৰিলো। মনত পৰে, ঘৰটো সেই দিনত বিদেশত খ্যাতি অৰ্জন কৰা অসমীয়া ব্যৱসায়ী ৺ভোলানাথ বৰুৱাৰ পুৰীৰ ঘৰটোৰ নিচেই কাষতে আছিল। অলপ দূৰ গৈয়ে সাগৰ চকুত পৰিল। সেই বয়সত তেনে এক দৃশ্যৰ প্ৰথম দৰ্শনে প্ৰাণত কেনে ধৰণৰ অনুভূতি জগায় তাক সৰু ল'ৰাইহে মাথোন বুজে। সুদূৰ দিগন্ত-প্ৰসাৰী অসীম সুনীল জলধিৰ বুকুত উৰ্মিমালাৰ অপৰূপ লীলাখেলা; তাতে যেন পুৱাৰ ৰাঙলী সূৰুযে সোণ চৰাইছে। কাৰো হাক-বচন নামানি গাড়ীৰপৰা নামি পোনছাটে সাগৰৰ পিনে লৰ দিলো। সেই পিনেদি বাট নাছিল। সাগৰ-ফণাই বিন্ধি ফুটি থকা-সৰকা কৰিলে; তথাপি সাগৰ পালোগৈ। সেইখিনি পাই তাৰপৰা আৰু লৰচৰ কৰিবৰ মন নাযায়। ভোক-পিয়াহ হৰিল। ঘৰৰপৰা খেদা আহিলতহে চেতন ফিৰিল।

ৰাতি পুৱাওঁ নৌ-পুৱাওঁতেই চাকৰ-বাকৰ কোনোবা একোটাক জগাই, চাহ এপিয়লা খাই নিতৌ সাগৰত গা ধুবলৈ যাওঁ। তাতে কিৰিলী পাৰি থাকোতে বেলি দুপৰ হয় গৈ। পৰ্বতাকাৰ একোটা ঢৌ আগ বাঢ়ি আহে; দেখি জীৱ উৰি যায়। পিছে গাটো অকণমান উলাহ মাৰি দিলেই ঢৌৱে ওপৰলৈ টানি নি লাহেকৈ সিপাৰে নমাই দিয়ে। তেতিয়া এনে লাগে যেন পৰ্বত এটাহে একেজাঁপেই পাৰ হ'লো।

অনাবিল আনন্দত দুটি মাহ কাটি গ'ল। তাৰ পাছত মোৰ গাল মুখে চকলাচকলকৈ একো একোডোখৰ ঠাই ঢেলঢেলীয়া বগা হব'লৈ